( ৬ )

আমি হিন্দুস্থানৰ প্ৰথম শ্ৰেণীৰ সভ্য।
( আমি ) পাহৰি আহিছোঁ ঘকৰা মাত
নাখাওঁ চামুচ নহলে ভাত,
এৰিছোঁ সকলো আগৰ্বদনীয়া
চুষ্য-পেয়-চৰ্ব্ব্য।
কিয়নো আমি হিন্দুস্থানৰ প্ৰথম শ্ৰেণীৰ সভ্য।

( ৭ )

আমি হিন্দুস্থানৰ প্ৰথম শ্ৰেণীৰ সভ্য।
বাহিৰ আমাৰ সদাই নিকা,
ভিতৰৰ পায় কোনেনো টিকা ?
নিজৰ দোষলৈ সততে অন্ধ,
পৰদোষ কৰোঁ দেখিলে শুদ্ধ,
নিজৰ স্বাৰ্থত হোৱা বিৰত
ভাব অকৰ্ত্তব্য।
কিয়নো আমি হিন্দুস্থানৰ প্ৰথম শ্ৰেণীৰ সভ্য।

( ৮ )

আমি হিন্দুস্থানৰ প্ৰথম শ্ৰেণীৰ সভ্য।
যি নচলে আমাৰ পথত,
অজ্ঞান, অসভ্য বৰ্ব্বৰ সিহঁত,
দেখিলে নাসিকা কুঞ্চিত কৰি,
ভাবোঁ গলিত ক্ৰব্য।
কিয়নো আমি হিন্দুস্থানৰ প্ৰথম শ্ৰেণীৰ সভ্য।

( ৯ )

আমি হিন্দুস্থানৰ প্ৰথম শ্ৰেণীৰ সভ্য।
( আমি ) জাতীয় ভাষাৰ সাহিত্য-চৰ্চ্চা,
এবিলোঁ জাতিৰ দেশৰ অৰ্চ্চা ;
যামৰে ধৰা ৰীতি এৰি
কৰিম সকলো নব্য।
কিয়নো আমি হিন্দুস্থানৰ প্ৰথম শ্ৰেণীৰ সভ্য।

( ১০ )

আমি হিন্দুস্থানৰ প্ৰথম শ্ৰেণীৰ সভ্য।
নালাগে আমাৰ লেভেৰা দেশ,
লেভেৰা মানুহ জলধা বেশ ;
পুৰণি বুৰঞ্জী কৰিম ধ্বংস,
বঢ়াম নতুন সুসভ্য বংশ ;
কৰিম লুপ্ত পুৰণি কীৰ্ত্তি,
বৰ্ব্বৰোচিত সৰ্ব্ব।
কয়নো আমি হিন্দুস্থানৰ প্ৰথম শ্ৰেণীৰ সভ্য।

( ১১ )

আমি হিন্দুস্থানৰ প্ৰথম শ্ৰেণীৰ সভ্য।
লৈছোঁ আমি নতুন দীক্ষা,
পাইছোঁ নিতে নতুন শিক্ষা,
আমাতে পাতনি উন্নত জাতি,
বান্ধিম তাৰেই জাতীয় ভেঁটি,

প্ৰাচীন জাতিৰ  ভাটী দিব বেলি
গৰ্ব্ব হব খৰ্ব্ব ।
ভোটা তৰা-দৰে  জিলিকি পৰিম,
মাজতে আমি হিন্দুস্থানৰ প্ৰথম শ্ৰেণীৰ সভ্য ।

---

# বিহুৰ সম্ভাষণ ।

চতৰ শেহত  ৰঙালি বিহু
চাপিল হাঁহি নাচি ;
লৰা-বুঢ়া  ডেকা চাপিল
কাহি-হাঁহি-হাচি ।
নতুন সাজৰ  'বাহাৰত' হ'ল
জলক-তবক চকু ;
বিহুৰ ৰসত  ওফন্দি উঠিল
আবেগ-ভৰোৱা বুকু ।
মাকৰ ঘৰলৈ  জিয়াৰী আহিল
শহুৰৰ ঘৰলৈ জোঁৱাই ;
ওলগ ললে,  পেট ভৰালে,
শান্দহ-পিঠা চোবাই ।
কোনোৱে কাকো  ললে কোলাত,
কোনোৱে খালে চুমা ;

কোনোবে গালত বুলালে হাত
প্ৰেমৰ বসত পমা ।
কাৰোবা প্ৰথম দেখা দেখিতেই
ব'লে চকুৰ পানী ;
কাৰোবা মুখ পৰিল ৰঙা
গাটো উঠিল ঘামি ।
ন বোৱাৰীয়ে বিহু খাবলৈ
মিতিৰ আছিছে শুনি ;
ভিতৰৰ পৰা চিনি ললে,
বাৰৰ অলঙাই জুমি ।
ইজন-সিজনৰ খায়ন-নবন
দিয়ন-থোৱন হ'ল ;
গা উঠাই গীত গাই
পাক দিবলৈ গ'ল ।
"দহ-পচি" "চাকা-পাঙ্গা"
চিঞৰত গগন ফাটিল ;
ঢোল-টকা পেঁপা কালিবে
নতুন বছৰ আহিল ।
নতুন প্ৰেমিকে লেখিলে চিঠি
সোণালি চিয়াহী লই ;
প্ৰেমৰ উপহাৰ কিমান চলিল
কোনে অ'ভাব ক'ই ?
বিহুৰ বতাহত আমাৰ গাতো
লাগিছিল নতুন ঢ'উ ;

পাইছিলো যেন কথা-বাৰ্ত্তা
সকলেবোৰতে মউ।
এমন শিক্ষিত ডেকা বন্ধুৱে
মাতিছিল খুৱাম বুলি ;
আবেলি পৰত অকলে অকলে
গলোঁ তাৰৈকে বুলি।
প্ৰথমে গ'ল হাত-জোকৰা
অভ্যাৰ্থনাৰ পাল ;
তাৰ পিচতহে ধৰিলোঁ গম
কথাটো নহ'ল ভাল।
কিমনো ৰাবলৈ ভিতৰ সোমাই
কাণ্ড দেখিলোঁ মহৎ,
আছে খাদ্য নিশ্চিন্তে শুই
কঁপাই টেবিল ভৰত।
খৰিকাত দিয়া কুকুৰা মঙহ
থৈছিল ঠালত সজাই,
আছিল ফটিকা বটল চেৰেক
ভক্তলৈ বাট চাই।
আৰু কত বিলাতী আহাৰ
শুণনা নজনা নাম
চামুচ কাটাও দেখিলোঁ তাতে
যদিও নাজানো কাম।
সুধিলোঁ বন্ধুক— "একি কাণ্ড!
ইনো বিহু কেনে ?

উত্তৰ পালো— "সভ্য-সমাজত
হোৱা উচিত যেনে।
কিয়নো যদি ভদ্ৰলোকে
সান্দহ-পিঠা খায়
পাচ দিনা যে ডাক্তৰ 'ভিজিট'
মিছামিছিকৈ যায়।
আলু-কচু "বাই জ'ভ"
"ওৱাইল্ড বীষ্টৰ" খাদ্য;
তামোল খোৱা কুৎসিত ৰীতি
আটাইবোৰৰে আদ্য।
যি মুৰুজে এনে দিনত
মদমাংসৰ মোল
মানুহৰ শাৰীত নহয় গণ্য
সিয়েই "গ্রেটেষ্ট ফুল।"
কথাটো শুনি ভূমি ছুই
কৰ্ণত দিলো হাত;
বিদায় ললো বন্ধুৰ পৰা
নলগোৱাকৈ মাত।
কৰিলো ঠিক— নহয় কোনো
বন্ধুৰ ঘৰলৈ যোৱা,
আছা যদিহে কোনোবা ৰই
ইয়াতে তুষ্ট হোৱা।

---

# চাহ ৰহস্যম্।

( আদৰ্শেনামিতাক্ষৰছন্দসা লিখিতং মহাকাব্যম্। )

## প্ৰথমঃ সৰ্গঃ।

ৰসিক ৰঙাই কাই ফেহুজালি শুনি
চমকি দুচকু মেলি, খেপিয়াই চাই,
নাপাই পাটীত গম উষা গাভৰুৰ,
কোনোবাই নিলে বুলি, যেতিয়া লঠন
লই বিচাৰি ওলায়; তেতিয়া মন্থৰ
যত কলা-অৱতাৰ, এৰি সুকোমল
পাটী লয় যাৰ নাম; আৰু'উ ঘৰ্ম্মাক্ত
দেহে ক'লা-মলা হ'ই কেহেৰাজ বটা
যথা আছি 'অফিচাৰ' ঢোকে ঢোকে
ধৰে যাকে পিঠা-সমন্বিতে, দিনটোৰ দুখ
লাজ কাতি কৰি থই; বৃকোদৰ বীৰে
যথা পিঠা-অন্ন-ক্ষীৰ, নকৰি কেৰেপ
বকাসুৰ নৃপতিৰ বাঘ-ঢকালই;—
সেই চাহ সুধা-সম পাৰ্থিব দ্ৰব্যৰ
খুজিছোঁ কাহিনী গাব তাল-লয় সতে,
কৃপা কৰি আহাঁ বগী গায়নী আই,
লই সেই বীণধ্বনি কৌটিকলীয়া,
পাৰ্ব্বতি-চাঙৰ পৰা ভোজন-অন্তত।

যদিহে ছিঁগিছে তাঁৰ জোৰাবাঁ আপুনি
বিহাৰ আগৰ পৰা দহি ছিঁড়ি লই ;
গুচাম আলাক্কু মই "পীয়েৰ্ চপেৰে ।"
শিকাবা মাধোন মোক ঋষভ-সুৰত
কিদৰে বর্ণাব লাগে চাহৰ কাহিনী ;
কিন্তু এটি কথা দেবি, নবুজিলে যেন
নকৰা খণ্ডত সাত পুৰুষ নিস্তাৰ,
যি দৰে জাপৰী বাঘে কৰিলে সিদিন'
দেখুৱাই মুদ্রা যত নীৰ ৰমণীৰ ।
যদিহে কঁকাল পৰি হইছা আগৰ
কালিদাস বেদ ব্যাস, বাল্মীকি হোমাৰ,—
চাৰি বাহকৰ কৰি স্কন্ধ-আৰোহণ
হৰিবোল চিঞৰেৰে চলিবা বেগাই ,
বিষ্ণুপ্রাপ্ত দেহা যথা নিমতলালই ।
বীণধ্বনি দিবা লক্ষ্মীৰামৰ পিঠিত
বঞ্জক-ৰাসভ-পৃষ্ঠে শুষ্ক বস্ত্র যথা ।
শুকাল যদিহে ৰস ভাটী বয়সত,
আনিবা জগত যত ৰসৰ ঘোলনি ;—
গেন্ধেলী, ফেদেলী, শচী, মেনকা, উর্ব্বশী,
কুঁজীবাই, শূর্পনখা, হিড়িম্বা, ৰাধিকা,
খটাসুৰ, বঘাসুৰ, ঘটোৎকচ, হনু,
গেবেলা, ফেদেলা, কানু, অষ্টাবক্র বীৰ ;
দেখিলেই বয় যাতে ৰস লালী গুৰ,
লালটি প্রবাহ যথা 'ৰসগোল্লা' দেখি ।

শৰদৰ ভিমবোৰ উমাই উমাই;
লাগিব অগাৰ আৰু অৰ্থৰ পোৱালি,
ঝোলোঙাত ভৰি থই, ভুলিব ভোলাই
যাক ভাণ্ডৰ বাগিত ; থাম আমি 'ৰ'ষ্ট'
কৰি ৰসৰ লগত। এতেকে দুয়োকো
লবা যেনেতেনেকই। দহোকুৰি, বধে
ছোৱে, নাপাহৰা যেন কুম্ভোদৰ হস্তী
বক্ৰ গণেশ বাপুক। জোকাৰি দীঘল
পেট, উঠি ইন্দুৰত, কাণত কলম
লই কাকতী বেশেৰে, তৰণীৰ দল
যথা আহে যেন লৰি। ভয় নাই বাহনৰ
বাবে ; থৈছোঁ মেকুৰী বান্ধি শিকলী
লগাই। তেৱেঁ মোৰ বুদ্ধিৰ ভাবনা ;—
শুনো আছে লম্বোদৰ বুদ্ধিৰেই ভৰি,
কঠাল কুঁৱৰী যথা কোমল কোঁহেৰে ;
অথবা যিৰূপ, কলা বেমাৰীৰ পেট
জ্বৰ খাপৰিৰে। দিয়ে যদি লেখি এই
কাব্য মহত্তম, সমূল কদলী তৰু
পাব পুৰস্কাৰ। আঁঠা দেবি, এতেকতে,
সকলোটি লই, ধৰা গীত ঐক্যতানে,
মধুৰ সুৰেৰে, যথা সান্ধ্য-সঙ্কীৰ্ত্তন
গোমায়ু কুলৰ।

কৈলাশ-শিখৰ-শৃঙ্গে
দেব পশুপতি উপবেশি ব্যাঘ্ৰ চৰ্ম্মে,

মুদি ত্রিনয়ন, কৰিছিলে ঘোঁটা-পান
কলহে কলহে; কুম্ভকর্ণ বীৰে যথা
মস্ত কুম্ভ তুলি, ভোজন গৃহত পশি
টোপনি অন্তত। নীৰবি জীমূত মন্দ্র
এনে সময়ত, কৰি হাম্বাৰৱ ঘনে
পশিল বৃষভ সেই মহা ৰঙ্গাঙ্গণে,
খেদা খাই পাৰিষদ গোৰক্ষ নন্দীৰ;
তাহানি কৃষ্ণাই যথা দ্বাৰকা দ্বীপত
জৰাসন্ধ নৃপতিৰ বিষম খেদাত।
ভৰিৰ ৰভাহ লাগি পৰিল বাগৰি,
সিদ্ধিদাতা জনকৰ সিদ্ধিৰ টেকেলি;
পৰে যথা ঠাৰি ছিগি কুষ্মাণ্ড চালৰ।
একেবাহে ললে গতি অলপো নৰই,
দক্ষিণা গোন্ধত যথা ভূদেৱৰ দল।
সদিয়াৰ উত্তৰৰ চিংফৌ গিৰিত
চহোৰা ক্ষেত্ৰত পৰি ৰ'ল ঠেকা খাই,
ষ্টেচনত ৰেলগাৰী যথা। হ'ল জন্ম
পাদপৰ মুঠিত লুকুৱা পাৰিজাত
তৰু যথা সিন্ধু মন্থনত। পালে জন্মি
চাহ নাম চহোৱা ক্ষেত্ৰত; ৰল তাতে
বহু দিন, নাজানিলে কেৱেঁ; মাতৃ-গর্ভ
স্থিত যথা জাৰজ সন্তান।

ইতি চাহৰহস্যে মহাকাব্যে প্রথমঃ সর্গঃ।

## দ্বিতীয়ঃ সৰ্গঃ ।

উঠিল গগনমাৰ্গে পুৱাতে এদিন,
শতেক যোজন ব্যাপি ঢেঁকী ভয়ঙ্কৰ,
তুচ্ছ কৰি ধূমকেতু হেলি-আবিষ্কৃত ।
দেখা গ'ল প্ৰাণী এক ওপৰত তাৰ,—
জক্ জক্ কাম্মিহাৰ. গেৰুৱা বসন,
'কপালে চন্দন, গলে ৰুদ্ৰাক্ষৰ মালা,"
কাণ ছিগা বেহেলা হাতত ; ভস্ম সনা
দেহা যথা টোকাৰি বায়ন, অৰ্থ হেতু
ভিক্ষা বৰা বাবাজী নামেৰে । মহানন্দে
ধাবিলে ঢেঁকীয়ে, ঢেঙ্কু ঢেঙ্কু স্বৰে
পিঠিত প্ৰভুক লই পশ্চিমৰ ফালে ;
যথা জাঁজি লুইতত কাক পৃষ্ঠে লই ;
কিম্বা যথা, বটুৱা টকচ ঘোৰা ধায়
হাট মুখে, পৃষ্ঠে লই মহাজন দ্ৰব্য
সমন্বিতে, তুলি ঘনে ফোঁপনি ঝঙ্কাৰ ।
উত্তৰিল বিলাতৰ লণ্ডন-নগৰত,
ঠিক দুপৰত হই তৃষ্ণাত কাতৰ ;
পিৱালি চুকত যথা সিদ্ধিৰাম বীৰ
হওঁতে সকলো প্ৰাণী শয্যা-সহবাসী ।
সচকিত নৰনাৰী বিলাত-নিবাসী,

দেখি ঢেঁকী মহাপ্ৰাণী ; ছাত্ৰগণ যথা
কম্পিত সভয়ে দেখি গুৰু সমুখত,
থাকোঁতে ধপাত খাই মহা আয়মেৰে।
পলায় ৰমণীকুল ঢেঁকীৰ শব্দত,
পলায় গৃহিণী যথা খেদিলে গৃহস্থে
জলদ গৰ্জ্জনে গৰ্জ্জি ঢেঁকী—ঠোৰা লই।
হে পাঠক চিনিচানে কোন এই জন ?
কিয়বা ইহেন বেশে ফুৰে দেশে দেশে ?
নিচিনা যদ্যপি, চিনি লোৱাঁ ভালকই,—
এয়েঁই নাৰদ মুনি, কন্দলৰ গুৰি,
"গ্ৰামস্য মণ্ডলো" যথা, বানচ বিহীন
'হৰকৰা' জগতৰ, অহিফেনভোজী
"তস্য মন্ত্ৰী গাওঁবুঢ়া" সদৃশ। ধন লই
ধান বানি ফুৰোঁতে খেহত, পাই লগ
ভকতৰ কানীয়া সত্ৰত ললে ৰঙ্গে,
প্ৰভুৰ প্ৰসাদ—টিকিৰা শৰ্কৰা পিঠা
অতি বিতোপন ; শেহত এবাটি পানী
আহা কি মধুৰ, গয়াৰ মচলা দিয়া
তাম্ৰকুট যথা। পৰিচয় পালে শেষে
চাহ নাম তাৰ, সদিয়াৰ শিতানত
আছে ক্ষেত্ৰ ভৰি, আনি তাৰে পত্ৰ হৰি,
কৰিছে প্ৰস্তুত এই দিব্য "সৰবত্‌" ;
পালেও বুকত গোৰ নেৰে যাক লোকে।
ভাবিলে নাৰদে শুনি অতি সুসংবাদ,—

চাহৰ নিমিত্তে নিশ্চয় ঘটিব ৰণ,
অশ্বিনীৰ বাবে যথা দ্বাপৰ যুগত,
কিম্বা যথা পথাৰত সীমাৰ কাৰণে
দুই সীতা-বল্লভৰ। শেষে হলে চাই
তেওঁ নিলগৰ পৰা, পাব সুখ ; পায়
যথা নবীন যুবকে নব-বধূমুখ-
বস্ত্ৰ কৰি উন্মোচন। দিবলই
তাকে ভাবি চাহৰ বাতৰি, প্ৰবেশিছে
বিলাতত হেলাই-হেঁপাই ; অসমীয়া
বাৰ্ত্তাবহ পশে যথা আহি, অযথা
কালত লই ভেঁকুৰা বাতৰি।

ইতি চাহবহাস্য মহাকাব্যে দ্বিতীয়ঃ সৰ্গঃ।

---

## তৃতীয়ঃ সৰ্গঃ।

পশেছিল নাৰদ এক কফি দোকানত,
দেখিলে বহুত নৰ কফি পান কৰা,
বচন চৰ্ব্বণ কৰি আদি অন্ত হীন ;
যথা আমোলানীগণ মধ্যাহ্ন সময়ে

বৃত্তাকাৰে বহি লই ৰঞ্জি ওষ্ঠাধৰ,
গোৰোৱা তামোল চূণ সুপক্ক পানেৰে
পিকেৰে বাঙ্গলী কৰি ঘৰৰ পিৰালি।
গাঁঠিৰ পইচা ভাঙি কফি কিনি লই,
ঢোকা মাৰি অন্ত কৰি গুচালে পিয়াহ;
ভাতৰ পোতনি যথা পেটুলী বুঢ়ীয়ে,
কিম্বা যথা অগস্ত্যই সমুদ্ৰৰ জল।
মনটো সুস্থিৰ কৰি, কলে ধীৰে ধীৰে,
গম্ভীৰ স্বৰেৰে অতি, সম্বোধি সমস্ত
জন, স্তব্ধ কৰি ভগা ঢোল, স্তব্ধ কৰি
যত গায়ক বাসভদল,—"হেৰ হেৰ
বিলাত নিবাসী, অমৃত থাকোঁতে কিয়
মৰ কফি খাই; বুঢ়া বুঢ়া অসমীয়া
ভকত সকলে খাই যথা আধাখুণ্ডা
চাউলৰ গুৰি, বিবিধ সামগ্ৰী এৰি,
দোমাহীৰ দিনা? সকলো উজাই ব'ল
পৰি সাগৰত, বাৰিশা কাৱই যথা
বাঢ়নী পানীত; সদিয়াৰ শিতানত
পাবি মহাক্ৰম, সমস্ত শৰীৰ তোৰ
ৰসেৰেই পূৰ; ঠিক যেন ৰহধৰা
কেতেকী-কঠাল। এবাৰ সোৱাদ পালে
নোৱাৰ ভুলিব, নোৱাৰে ভুলিব যথা
হালোৱা ককায়ে, দুপৰীয়া পোৰা মাছ
পইতা ভাতেৰে।"

নাৰদৰ টোপ দেখি
খুটিলেহি টপাটপ বিলাতী চেঙেলী,
ভেও দি উঠিল যথা কূপৰ মণ্ডূক।
সমস্বৰে মুহূৰ্ত্ততে জম্বুক-নাদেৰে
কৰিলে প্ৰতিজ্ঞা সবে গগন কঁপাই ;—
"নিশ্চয় নিশ্চয় আমি যাম কালিলই
কৰিম উদ্ধাৰ চাহ ; হেলেন উদ্ধাৰ
যথা কৰি দিগ্বিজয়। সোমাৰ শত্ৰুৰ
দল পৰ্ব্বতে পাহাৰে, শুনি সিংহনাদ
সপ্তদশ তুৰস্কৰ, বঙ্গীয় লক্ষ্মণ
যথা কচু-কাননত। অথবা যিৰূপ,
ভয়াৰ্ত্ত হোচেন পূৰ্ব্বে পাই এবা খাল,
ছিন্ন কৰি উৰ্ণনাভ-জাল।"
শুনি ৰঙ্গে
মুনি-ধূৰ্ত্ত মৃগ-ধূৰ্ত্ত যথা, ওলোটাই
দিলে মুখ বাহক ঢেঁকীৰ, লক্ষ্য কৰি
ত্ৰিদশ-আলয় ; যি ঢেঁকীৰ অভ্যন্তৰ
ধান জুৰি থ'ই, শচী আই আছে বই,
অমৰাপুৰীত।

ইতি চাংৰহস্যে মহাকাব্যে তৃতীয়ঃ সৰ্গঃ।

## চতুৰ্থঃ সৰ্গঃ।

দেঢেই-দেঢেই-ঢেই, ভেঁ-পোঁ-ভেঁ-পোঁ-পোঁ-পোঁ,
ঢোল-শিঙ্গা, পেঁপা-কালি বাজিল সঘনে,
ঊনবিংশ শতিকাৰ ছাবিচ অব্দত,
কঁপাই কুণ্ডিল-মুখ ভৈৰব গৰ্জ্জনে ;
বাৰিষা কালত জলে ভেক-ৰব যথা ;
তুচ্ছ কৰি হোকা-মন্ত্ৰ আফিং-ভোজীৰ,
পশিল কাণত আহি, পশে উকষণি
যথা ফুটা চাল ভেদি। শুনা গল,—চি, এ,
ক্ৰুচে কৰিলে উদ্ধাৰ চাহ গছ, পাৰ
হই সপত সাগৰ, জানকী উদ্ধাৰ
যথা। সিদিনাৰে পৰা ৰাষ্ট্ৰ হ'ল কীৰ্ত্তি
তাৰ বিশ্বৰ বুকত, মৎস্যগন্ধা-বস্ত্ৰে
যথা মৎস্যৰ সুৰভি। বুঢ়া বুঢ়ী, ডেকা-
ডেকী, বালক-বালিকা, মুগ্ধ হল প্ৰেমে
তাৰ ; মুগ্ধ যথা মূৰ্খ যুবা, ডেৰগঞা
নাচনীৰ দেখি লয়লাস ; কিম্বা যথা
ৰাজহংস বাৰিষা কালত, চোতালত
শৰীসৃপ দেখি ; অথবা যিৰূপ হায়,
কবি-শিৰোমণি, বহল জঘন দেখি
নায়িকা বামাৰ। সুপবিত্ৰ দ্ৰব্য অতি
পুণ্যতত্ত্ব পৰশত "ব্ৰেকো"-সনা

ফটা জোতা যথা। সমস্ত জগৎ আজি
হ'ল বশীভূত, চাহৰ মহিমা দেখি,
বশ যথা নব যুবা নব গৃহিণীৰ,
টেলেকা নয়ন দেখি ভ্ৰূকুটি-ভয়ত।
অন্ত হল মহাকাব্য চাহৰ কাহিনী;
নাই আৰু উপদেশ কাৰো প্ৰয়োজন।
বহাঁ বাণি, সাজু হই সহচৰ-সতে,
পাৰিষদ-সহ আলআবেথ যিমতে,
কৰাঁ সেৱা ভাগে ভাগে স্বৰ্গীয় সুধাৰ,
শৰাধৰ অন্ত হলে কল-মাহ যথা।
তাৰ পিচে, তামোল-ধপাত খাই, মুখ
শুদ্ধ কৰি, ওলোৱা সত্বৰে, একে চাবে
এই মোৰ ভৱনৰ পৰা। হেতু তাৰ
সোধা যদি আছে বহুতৰ;—প্ৰথমতে
"জন্তুবিদ্যা-মহার্ণবে" পাই, "যাদুঘৰ"
পেলাব ভৰাই, ধৰি নি তোমাৰ যত
সহচৰ দল; যিৰূপ ভৰাই থয়
গুপ্ত প্ৰণয়ীক চন্দুকত প্ৰেমিকা
সতায়ে দেখিয়া প্ৰবাসী পতি হয়
উপগত। নহয় অকল সেয়ে। মাৰে
যদি ইন্দুৰক প্লেগৰ ডাক্তৰে, বৰ
পেট দাঙিব নোৱাৰি, মিলিব দুৰ্দ্দশা
ঘোৰ গণেশ বাপুৰ. নোৱাৰিম মইও
দেখি, বোকোচাত লব। সেয়েহে তোমাৰো

পুনু নিস্তাৰৰ বাট, প্ৰতিদ্বন্দ্বী ৰূপে
আছে বহু সৰস্বতী পুৰুষ-ৰমণী
ৰূপে জম্বুদ্বীপ জুৰি, হয় যদি হাঁয়,
ভাগে দোষে জয়দ্ৰথ দ্ৰৌপদীৰ দৰে,
নোৱাৰিম ভীম হই উদ্ধাৰি আনিব।
এতেকে পলোৱাঁ তুমি সহ-সহচৰ,
নতু ভাগ্য-বিপৰ্য্যয়, অৰ্দ্ধচন্দ্ৰ-লাভ,
প্ৰহাৰেণ ধনঞ্জয় যথা।

গ'ল, গ'ল,
পলাল সকলো। উচতাই জোল-টোপা
থালো ৰাক্ষনীক। কৰাঁহে পাঠক পান
চাহৰ মদিৰা; গোৱাঁ গীত উচ্চ ৰৱে,
জলদ গৰ্জ্জনে, তুচ্চ কৰি সিংহনাদ,
ৰাৱণাদি কৰ্ব্বুৰৰ ৰণ-প্ৰাঙ্গণৰ।
আহাঁ চাহ, দিয়াঁ মোক মধুৰ চুম্বন।

ইতি চাহৰহস্যে মহাকাব্যে চতুৰ্থঃ সৰ্গঃ।

## ডাৰুইনৰ "থিয়'ৰিৰ" নেগুৰ

ডাৰুইনে কয়,— "মানুহ জাতি
হনু ককাইৰ বংশ ;
উন্নতি হওঁতে ক্ৰমে ক্ৰমে
হেৰাল কিছুমান অংশ।
দীঘল নোমবোৰ চুটি হ'ল
ক্ৰমোন্নতিৰ সোঁতত ;
নেগুৰ ডালো খহি পৰিল
ডাল বগোৱাৰ চোটত।
মানুহ নামেৰে নতুন এবিধ
জন্তু পৰিল হই ;
একে চোঁচাই পালেহি আগ
সকলো জন্তুতকই।"
শেষ কৰিলে ইমান খিনিতে,
ডাৰুইনৰ তথ্য ;
ৰ'ল কিছুমান সেই কাৰণে,
ওপৰঞ্চি কথা।
মানুহ সদাই নাথাকে মানুহ,
তাৰো উন্নতি হব ;
কওঁ শুনা একে থৰেৰে
কেনেকই কিহত ৰ'ব।—

প্ৰথমতেই "টাই" "কলাৰ",
মণি-মাদলীৰ ভৰত ;
উথহি উথহি ভিঙিৰ সাঁচটো
হেৰাব মূৰৰ তলত।
দিনে ৰাতিয়ে বিত চকুৰ
আমান সহি থাকি ;
ধৰ্ম্মঘট কৰি নাক চকুৱে
দিব এদিন ফাঁকি।
গ্ৰামোফোনৰ ব্যৱহাৰত
ঢুকাব জিভা-ওঁঠ ;
খুৰৰ চুমাত তত হেকৱাই
পলাব ডাঢ়ি-গোঁফ।
চুলি কেইডাল 'হেটৰ' তলত
গুঁওতে সদাই ৰাখি ;
হঠাৎ এদিন নোহোৱা হব
তপা কাষেই সাক্ষী।
পৰৰ কথালৈ কাণ নিদিয়াত
মিলিব কাণৰ ক্ষয় ;
চামুচ-কাটাৰ প্ৰভাৱত হব
হাত দুটাৰো লয়।
দোলা-ঘোৰা, 'মটৰকাৰ',
চাইকল্, বাগীৰ তাপত ;
"অনভ্যাসে হতা বিদ্যা",
লুকাব চৰণ লাজত।

সৰশেহত কাৰো লগত
নৰব কাৰো সঙ্গ ;
মোটৰ ওপৰত, উন্নতি হই
ৰ'ব একেটা অঙ্গ।
মানুহ গুচি ক্রমোন্নতিত
কোমোৰা আকাৰ পাব ;
কই থ'লোঁ, গুণ নহলেও
ধৰমনো ক'লই যাব ?
আপত্তি যদি আছে কাৰো
একে আৰাৰেই কোৰোঁ ;
ক্রমোন্নতিৰ নেগুৰ theory
নহলে দাড়ি লোৰোঁ।
ললেই নামটো ফাটি ওলাব
সহস্রমুখী হ'ই ;
জল্জল্ কৰে ওলাম নতুন
Evolutionist মই।

---

# আমাৰ জাত।

( ১ )

ভূমণ্ডলত আমাৰটোৱেই
আটাইতকৈ উত্তম জাত ;
সকলো জাতিয়েই ৰব পৰি,
আমি যাম স্বৰ্গলই লৰি,
নন্দন বনত ইন্দ্ৰৰ লগত
পিন্ধিম পাৰিজাত।
ভূমণ্ডলত আমাৰটোৱেই
আটাইতকৈ উত্তম জাত।

( ২ )

ভূমণ্ডলত আমাৰটোৱেই
আটাইতকৈ উত্তম জাত।
চন্দুকত ভৰোৱা ধৰ্ম্ম আমাৰ,
নাপায় কোনেও অংশ তাৰ,
তাৰে বলত অকলই আমি
দেখিম স্বৰ্গৰ বাট।
ভূমণ্ডলত আমাৰটোৱেই
আটাইতকৈ উত্তম জাত।

( ৩ )

ভূমণ্ডলত আমাৰটোৰেই
আটাইতকৈ উত্তম জাত।
আন ধৰ্ম্মৰ আছে যিমান,
অপবিত্র মেলেছ্ সিমান ;
সিহঁতে ছুলে অশুচি হয়,
আমাৰ বাট-ঘাট।
ভূমণ্ডলত আমাৰটোৰেই
আটাইতকৈ উত্তম জাত।

( ৪ )

ভূমণ্ডলত আমাৰটোৰেই
আটাইতকৈ উত্তম জাত।
দেখিছো আমি ঈশ্বৰ কেনে,
দৈৱকাৰ ঘৰত জন্মিছিল যেনে,
একুৰি তেৰ কোটি দেৱৰ
ছবি আমাৰ গাত।
ভূমণ্ডলত আমাৰটোৰেই
আটাইতকৈ উত্তম জাত।

( ৫ )

ভূমণ্ডলত আমাৰটোৰেই
আটাইতকৈ উত্তম জাত।
তমোগুণেৰে ভৰোক অন্তৰ,
বাজত তথাপি ঢাকোন সম্বৰ ;

তাৰে বলত বশ্য কৰি
ৰাখিছোঁ ঈশ্বৰ গাত।
ভূমণ্ডলত আমাৰটোৰেই
আটাইতকৈ উত্তম জাত।

( ৬ )

ভূমণ্ডলত আমাৰটোৰেই
আটাইতকৈ উত্তম জাত।
যদিও আমাৰ বুদ্ধি বেঁকা
শাস্ত্ৰৰ অৰ্থত লগাওঁ ঠেকা ;
তথাপি অকল আচাৰৰ গুণত,
পাপৰ মুণ্ডপাত।
ভূমণ্ডলত আমাৰটোৰেই
আটাইতকৈ উত্তম জাত।

( ৭ )

ভূমণ্ডলত আমাৰটোৰেই
আটাইতকৈ উত্তম জাত।
তিনিও প্ৰসঙ্গত গাধোওঁ ;
ধুতি কাপোৰ মাখোন চোওঁ ;
মলি মাখোন যদিও সাৰ ;
নাথাকে দোষ তাত।
ভূমণ্ডলত আমাৰটোৰেই
আটাইতকৈ উত্তম জাত।

( ৮ )

ভূমণ্ডলত আমাৰটোৱেই
আটাইতকৈ উত্তম জাত।
যদিও লুকাই সকলো খাওঁ,
কিনা চুমাৰো জুতি চাওঁ ;
দেখা দেখিকে নাখাওঁ আমি
পানৰ লগত ভাত।
ভূমণ্ডলত আমাৰটোৱেই
আটাইতকৈ উত্তম জাত।

( ৯ )

ভূমণ্ডলত আমাৰটোৱেই
আটাইতকৈ উত্তম জাত ;
সোতাৰ ভৰিৰে খালে পানী,
খাব লাগব শান্তি-পানী ;
লাগিব পাপ, ভৰি দিলেও
নিচিনা মানুহৰ ছাঁত।
ভূমণ্ডলত আমাৰটোৱেই
আটাইতকৈ উত্তম জাত।

( ১০ )

ভূমণ্ডলত আমাৰটোৱেই
আটাইতকৈ উত্তম জাত।
যিহকে ইচ্ছা লুকাই লুকাই,
কৰিলে দোষ একোৱেই নাই ;

নেদেখাকৈ ডাক-বঙলাতো
পাৰিব পাৰি পাত।
ভূমণ্ডলত আমাৰটোৰেই
আটাইতকৈ উত্তম জাত।

( ১১ )

ভূমণ্ডলত আমাৰটোৰেই
আটাইতকৈ উত্তম জাত।
(পূৰ্ব্বে) গুণ কৰ্ম্মত চাৰি জাতি,
এতিয়া বাঢ়িল পো-নাতি;
উপজিলেই যাৰে তাৰে
বন্ধা পৈতৃক জাত।
ভূমণ্ডলত আমাৰটোৰেই
আটাইতকৈ উত্তম জাত।

( ১২ )

ভূমণ্ডলত আমাৰটোৰেই
আটাইতকৈ উত্তম জাত।
জাতেই আমাৰ ধৰ্ম্মৰ সাৰ;
ছুৱা-সজৰো সুন্দৰ বিচাৰ,—
ৰান্ধি দিলে যদিও খাওঁ,
ছুলে নৰয় জাত।
ভূমণ্ডলত আমাৰটোৰেই
আটাইতকৈ উত্তম জাত।

( ১৩ )

ভূমণ্ডলত আমাৰটোৱেই
আটাইতকৈ উত্তম জাত।
মানুহক শুনাই বুলিলে ৰাম,
কৰিব পাৰোঁ সকলো কাম;
নামো যদিও পশুৰ শাৰীলৈ,
নালাগে চেঁকা গাত।
ভূমণ্ডলত আমাৰটোৱেই
আটাইতকৈ উত্তম জাত।

( ১৪ )

ভূমণ্ডলত আমাৰটোৱেই
আটাইতকৈ উত্তম জাত।
ভিতৰত যদিও ঢকুৱাৰ বেৰ,
বাজত নেৰোঁ চুৰিয়াৰ ফেৰ;
এনেকৈয়ে চিৰকাললৈ
ৰব আমাৰ জাত।
ভূমণ্ডলত আমাৰটোৱেই
আটাইতকৈ উত্তম জাত।

---

# শঙ্কৰৰ ধৰ্ম্ম।

“হালোৱা শঙ্কৰে” ধৰম বিলালে,
জাত-কুল পিচত থই ;
ৰৌ-ৰৌ নৰকত পচিব লাগিছে,
মুৰুখে তাকেই ল’ই।
‘গায়ত্ৰী’ জপিবৰ নাই অধিকাৰ,
কিজানে ধৰ্ম্মৰ মোল ;
লোকৰ চুৰকৈ ডুকথা শিকালে,
তাতো বাৰেপাচি ভুল।
যিমান ধৰম আছে পৃথিবীত
নজনা কালৰে পৰা ;
তাৰ ভিতৰত শঙ্কৰী ধৰম
আটাইতকৈ তলত পৰা।
প্ৰথমতে চোৰাঁ,— শঙ্কৰী ধৰ্ম্মত
নাই ৰাসময়ী ৰাধা ;
প্ৰেমৰ ৰসেৰে হিয়া বুৰাবৰ
বাটতে বিষম বাধা।
ভকতনীহীন ভকতিৰে সতে
মুকুতি নাপায় কেওঁ :
ইয়াকো নজনা মুৰুখ শঙ্কৰ
নহয়নে মেলেছ দেও ?
প্ৰতিমাৰ পূজা নামানে শঙ্কৰে,
নুবুজে পূজাৰ মোল ;

বাৰুণী-সেৱন নাই আয়োজন,
মুঠেই নামৰ ৰোল।
নামতো নহয় পাঠাৰ মঙ্গহ
সিজাই দকচি খাব ;
পূজাৰী বাপুৱে নাম গাই জানে৷
পূজাৰ দক্ষিণা পাব ?
ইফালে শঙ্কৰৰ যি ডালি ধৰম
তিৰুতা-শূদ্ৰয়ো জানে,
হৰি নাম ললে বামুণতকৈও
চণ্ডালক ডাঙ্গৰ মানে।
এনেপাট ধৰমক যি বোলে ধৰম
সিয়েই দিনত্তে কণা ;
জ্ঞানীয়ে লোকক নজনাই ধৰম,
কৰিছে শাস্ত্ৰই মানা।
ব্ৰহ্মজ্ঞ (?) বামুণে যদিও নিচিনে
"ক"ৰ চুক কেইটামান ;
তথাপি গায়ত্ৰী বুজো বুলিয়েই
দিয়েনে লোকক জান ?
এতেকতে ভাই, শঙ্কৰী ধৰম
গঁতিয়াই উলিয়াই দিয়া ;
সকলোৰে সাৰ উদৰ পূৰণ
ধৰম সাৱটি লোৱা।

---

# ( শ্ৰেষ্ঠ ) হেৰা অসমীয়া তুমি ।

মানুহ-গৰু থকা ভৰি,
এই যে ৰাজ্য জগৎ জুৰি,
তাৰে মাজত আমাৰ মানুহ চিকুণ পিন্ধি উৰি ;
আহা, হাৰ ছাগেৰে তৈয়াৰ কৰা খুওৱা হাত ভৰি ।
এনে মানুহ কোনে পাব বিশ্ব জগৎ ভ্ৰমি ;
সকলোতকৈ শ্ৰেষ্ঠ হেৰা অসমীয়া তুমি ।

কুৰণ-চাকন, পিন্ধন-উৰণ,
ক'ত এনে বিচাৰ চিকণ,
কাৰ এনে "প্ৰভু-ঈশ্বৰ" শিষ্যৰ লগত মৰে ?
তেওঁ এফেৰা মাথোন কৰ লৈয়েই স্বৰ্গত তুলি ধৰে ।
এনে মানুহ কোনে পাব বিশ্বজগৎ ভ্ৰমি ;
সকলোতকৈ শ্ৰেষ্ঠ হেৰা অসমীয়া তুমি ।

এনে সুন্দৰ কাৰ ভিতৰ,
বেলিয়ে পুৱা কৰে পোহৰ ;
কাৰ ঘৰৰ চকত [illegible] ইমান কেঁচুমটা ?
আহা, ক'[illegible] ঘৰে ঘৰে পতা ?
এনে [illegible] শ্ব জগৎ ভ্ৰমি ?
সকলো [illegible] ৰা অসমীয়া তুমি ।

কো[illegible] ন মহা পণ্ডিত,
ভাবোঁতে নিজা পৰৰ বিত ?
(কোৱাঁ) কোন এনে মহাপুৰুষ ইমান শক্তি গাত ?
তেওঁ ঘৈণীৰ পিঠিত চোঁৰাত মেলে থাবলৈ নাপাই ভাত ।

এনে মানুহ কোনে পাব বিশ্ব জগৎ ভ্ৰমি ?
সকলোতকৈ শ্ৰেষ্ঠ হেৰা অসমীয়া তুমি।
লগুণ লৈয়েই ওজা বামুণ,
আন দেশত হবনো কোন ?
এনে জাতি এই দেশতে ব্ৰহ্মাই দিছে গঢ়ি ;
নিশ্চয় যাব য'তে উপজিছে সেই খিনিতে মৰি।
এনে মানুহ কোনে পাব বিশ্ব-জগৎ ভ্ৰমি,
সকলোতকৈ শ্ৰেষ্ঠ হেৰা অসমীয়া তুমি।



# দেশোদ্ধাৰকৰ মহাসভা।

( ১ )

ওঠৰ শ বত্রিচ শকৰ কাতিৰ বিহুৰ দিনা,
নবগ্ৰহত বহিল সভা তিনিও ভুবন জিনা।
উজনি-নামনিৰ ফুকন চৌধাৰী,
গোঁহাই বৰুৱা, টিকনিধাৰী,
দাস, ঘোষ, গোঁসাই, মহন্ত, মিলিল এটা হই ;
লগ ললে ভট্টাচাৰ্য্যাই মাজৰ পৰা গ'ই।

( ২ )

ৰাইজসকল লাগিছে লগ দেশৰ বিনাই দেখি,
কৰিব হেনো প্ৰতীকাৰ তাৰ এটা এটাকৈ লেখি।

সভা বহোঁতে সন্ধ্যা হ'ল,
এঘণ্টা সময় আঁতৰি গ'ল ;
ইয়াৰ ভিতৰত বহুত ৰকমৰ বহুতো কথা হ'ল ;
ঘাইকৈ তেও এশ চিলিম মলা ধপাত গ'ল ।

( ৩ )

সভা আৰম্ভ হোৱাৰ পাচত ; সভাপতি বহিল ;
লগে লগে পৰ্ব্বত কঁপাই হাতৰ ঘঁহনি উঠিল ।
প্ৰস্তাৱ কাৰক পথালি গুচি,
থিয় হৈ ৰ'ল কুঁচি-মুচি ;
অলপ পাচত গহীন মাতেৰে ধৰিলে প্ৰস্তাৱ দাঙি ;
শ্ৰোতাসকলৰ অনচেৰেকে বান্ধিলে তাৰেই সাঙী ।

( ৪ )

প্ৰথমতেই ভট্টাচাৰ্য্যই লগালে ডাঙৰ মাত ;—
"সঁচা কথা, সকলো পিনেই আমাৰ অধঃপাত ।
বাহিৰ বগা নীতি গুচাই,
সত্য বিচাৰি লোৰাঁ গোটাই ,
তেতিয়া আমি সকলো মিলি একে উদ্দেশ্য লই ;
সাধিব পাৰিম দেশৰ উন্নতি কুচ্চুত কপট থ'ই ।

( ৫ )

"তেতিয়া আমাৰ শিক্ষা দীক্ষা সকলো বিস্তাৰ হ'ব ;
আমাকো এটা জাতি বুলি শত্ৰু হলেও কব ।

গাইগোটা থাকিলে হ'ই,
উন্নতি কেবে নাপায় গই,
এতেকে আঁহা সকলো মিলি সমাজ গঠন কৰোঁ ;
তাৰ পাচত কৃষি বাণিজ্য, ব্যৱসায়ত ধৰোঁ।

( ৬ )

"সমাজক আমি ভাঙি-ছিঙি পিঠাগুৰি কৰি,
জাতীয় শৃঙ্খলা সাজিব নোৱাৰি আছোঁ তলতে পৰি ;
যেতিয়া আমাৰ পাৰ্থক্য যিমান,
জাতীয় সিন্ধুত হ'ব নিৰ্ব্বাণ,
তেতিয়া নিশ্চয় উন্নতি সাধি ৰাখিম দেশৰ নাম ;—
মোৰ মনেৰে এয়ে আমাৰ প্ৰথম কৰ্ত্তব্য কাম।"

( ৭ )

শুনি উঠিল গোঁসাই-ঈশ্বৰ কাহ কেইটামান মাৰি,
তাৰ পাচত কবলৈ ধৰিলে ডাঙৰকৈ আটাহ পাৰি ;—
"ভট্টাচাৰ্য্যৰ শুনিলে বুধি,
আমাৰ সকলো হব উদি ;
গোটেই দেশখন তেতিয়াহে ৰসাতললৈ যাব ;
সি পুৰীতো যমৰ ৰাজ্যত নানান নিকাৰ খাব।

( ৮ )

" 'আমাৰ' মতে মানুহবিলাকে ধুতি-বিধুতি এৰি,
উন্নতি-বাটত দিনে দিনে গৈছে পিচলৈ পৰি।
শূদ্ৰবে বামুণক নকৰে মান,
গোঁসাইৰ কথাতো নিদিয়ে কাণ,

আমাৰ আগতে জোতা পিন্ধি গমহ গমহ যায় ;
গুৰুৰ আগতো আসন বিচাৰে এনে অধৰম নাই।

( ৯ )

এতিয়াৰ পৰা নিয়ম হোক,—এনে অনাচাৰ ধৰি ;
সমাজৰ পৰা বাজ কৰিব বাইজে বিচাৰ কৰি।
সৰহ সৰহকৈ লব দায়,
সত্ৰবিলাকত দিব ভগাই ;
তাৰে আমি যাত্ৰা কৰিম বঙলা নাটক লেখি ;
দেশৰ উন্নতি ভাষাৰ উন্নতি অবাক হবা দেখি।”

( ১০ )

খিতাপধাৰী সকলে বোলে,—“জাত পিচলৈ থোৱাঁ ;
প্ৰথমতেই কাড়ী চমুৱাৰ ভাগবোৰ মিলাই লোৱাঁ।
সাত পুৰুষত খিতাপ নাই,
—এনেবোৰেও শিক্ষা পাই,
মূৰ জোকাৰি আমাৰ আগতে মান ভাগটো খায় ;
সিহঁতৰ শিক্ষা বন্ধ কৰাই উন্নতিৰ উপায় যাই।”

( ১১ )

দাস-ঘোষে কৰিলে ডাঙৰ ঘোৰ প্ৰতিবাদ তাৰ,—
“ন্যায় বিচাৰত সকলো মানুহৰ সমান অধিকাৰ।
ডাঙৰৰ ঘৰত, ডাঙৰ বংশত,
জন্মিও হয় নীচ কাৰ্য্যত,
সৰুৰ ঘৰত জন্মিও মানুহ পাৰে ডাঙৰ হ’ব ;
শাস্ত্ৰ-ভাগৱত সকলোৱেই একে কথাকেই ক’ব।

( ১২ )

"সক-বৰ সকলোৱে সমানে শিক্ষা পালে,
দেশৰ অৱস্থা উন্নত হয় জ্ঞানী সকলে বোলে।
আপোনপেটীয়া মইমত্ত,—
পশু-প্ৰকৃতিৰ মুৰ্খ সিহঁত ;
সিহঁতেই আমাৰ দেশৰ শত্ৰু,—ফুলৰ মাজৰ পোক ;
ঈশ্বৰৰ ইচ্ছাত সেই বিলাকৰ ভেঁটি উছন্ হোক।"

( ১৩ )

ভট্টাচাৰ্য্যই শুনি বোলে,—"ধ্ৰুৱ সত্য কথা ;
ঠিক গাইছা দাস-ঘোষ মোৰ প্ৰাণৰ গাঁথা।
আহাঁ আমি মিলি-জুলি,
শিক্ষাৰ অৰ্থে হিয়া খুলি,
উঠি-পাৰি লাগি যাওঁ, স্বাৰ্থৰ ভেঁটা ভাঙি ;
মিছা জাত-কুল নষ্ট যাওক, শিক্ষাই ধৰোক দাঙি।

( ১৪ )

"এক জাতি, এক ধৰ্ম্ম, এক উৎসাহ লই,
এক উদ্দেশ্যৰ মহাসিন্ধুত সকলো মিলোঁগই ;
বামুণ শূদিৰৰ মূৰাবোৰ,
দলিয়াই ভাঙি পেলোৱাঁ এৰ ,
মিছামিছি ভেকো ভাওনা দেখিলে উঠে হাঁহি ,
হোৱা নাইনে সেই বিলাক ইমান দিনেও বাহী ?

( ১৫ )

"মোমাইৰ ঘৰৰ গাই দেখি দুখ কোঁৱৰ হ'লে,
দুপিঠ সাদা" পুথিৰ দৰে আটায়ে ভৰিৰে ঠেলে ।
গোৱালৰ ঘৰতো কৃষ্ণ হয়,
মুনিৰ বংশত ৰাক্ষস ৰয়,
তৰ্ক নকৰি কৰা থিৰ শাস্ত্ৰ বিচাৰি চাই ;
জাত-কুলত, খিতাপত কাৰো পৈতৃক পট্টা নাই ।

( ১৬ )

"ইয়াৰ ভিতৰত যি অধম বুজিও নুবুজা হয়,
তাকহে আমাৰ বিবেচনাই বাহিৰ হবলৈ কয় ।
'কি নাজানি ৰত্নাৱলী'
পঢ়া সকলক দিলে বলি,
উঠিব আমাৰ সমাজ বুৰাই উন্নতিৰ নতুন বাণ,
পৰৰ মূৰত খোৱা দলেই কৰিছে যতমান ।"

( ১৭ )

নৌ হওঁতেই ভট্টাচাৰ্য্যৰ কবলগীয়া অন্ত,
জঁপিয়াই উঠিল ভেকুলী জঁাপেৰে গোঁসাই-বামুণ-সন্ত ।
"বামুণ হৈ ভট্টাচাৰ্য্যই,
সমাজত এনে কথা কয়,
ধৰ ইয়াক এখুন্দা দিওঁ ; আগলৈ গুচোক লেঠা ,"
খিতাপীদলেও বোলে—"ঠিক, অতি বিতোপন কথা ।"

( ১৮ )

উঠি গ'ল কোলাহল ; বসুমতী কঁপিল ;
নৱগ্ৰহত নবৈ অস্ত্ৰৰ ঝন্‌ঝননি উঠিল।
কোনোৱে ললে খাগৰী কাপ,
কোনোৱে ধৰিলে দীঘল জাঁপ,
কোনোৱে "ঘোচা", কোনোৱে শোতা, কোনোৱে
হোকা-চিলিম,
কোনোৱে ক'লে একে—খুন্দাই দাঁতৰ গুৰি ছিঙিম।

( ১৯ )

কোনোবা থাকিল লগুণ পামুচি গায়ত্ৰী মন্ত্ৰ মাতি ;
কোনোবা উঠি শাৰৰে স'তে জপিলে মালাগুটি।
অভ্যাসগুণত পিতাপীইঁতে,
হেঁাহকা ললে ডাবিবে সতে,
দাস ঘোষ লাগি গ'ল ভট্টাচাৰ্য্যৰ পিচত ;
লাগি গ'ল কুৰুক্ষেত্ৰ নৱগ্ৰহৰ টিঙত।

( ২০ )

জন চেৰেক হ'ল আধা মৰা, জনচেৰেক হ'ল থোৰা ;
জনচেৰেকে তাৰে ওপৰত উঠি ল'লে ঘোৰা।
পেটুৱা গোঁসাইৰ ওলাল পেটু,
চিত্ৰৰ বাখৰত ফাটিল টেটু ;
গছৰ আগৰ গৃধবাজে কথাটো ক'ব টং,
চোঁ মাৰি একে চোঁচাই ললেহি প্ৰভুৰ সং।

শেহত গতি দেখি বিষম দিলে কোনোবে লৰ।
কোনোবে উঠিব নোৱাৰি তাতে কৰিলে ধৰফৰ।
কোনোবা লুকাল গছৰ মূলত,
কোনোবা বাগৰি পৰিল তলত,
দেশোদ্ধাৰকৰ মহাসভা কেনিবা উৰি গ'ল;
পণ্ডিতে কওক হিচাপ কৰি উন্নতি কিমান হ'ল।

---

# অসমীয়ালৈ উপদেশ।

দেখিছনে অসমীয়া কামৰ সাগৰ?
পৰি পৰি আছে তাত কুম্ভাৰ-হাঙৰ।
নাচাপিবি কাষ তাৰ খ'ব গিলি গিলি,
শতুৰুৱে মাতে য'দ জাপিবি নিহালী।
দীৰ্ঘ জীৱনৰ এক উপায় শয়ন,
কুম্ভকৰ্ণ মুচুকুন্দ নাইনে স্মৰণ?
বীৰত্বে হাতৰ যদি তোলে খজুৱতি,
বৈৰীৰ পিঠি আছে চাবি তাতে জুতি.
নুফুৰিবি বিদেশত জাত কুল যাব;
শিকাই বিদেশী ভাষা মেলেছ স্বভাব।
নকৰিবি বিলাসৰ সামগ্ৰী বিচাৰ;
নাই ক'তো জগতত তুল্য টিকিবাৰ।

কদাপি নেৰিবি ভেম প্ৰাণো যদি যায়,
চলাবি প্ৰভুত্ব যদি সুচল ওলায়।
নকৰিবি তিৰুতাক বিশ্বাস এতিল,
দিন ৰাতি দিবি বাঘ-ঢকা থিয়-কিল।
ভালকৈ টানি লৈ ওৰণি দীঘল,
ওলাব তিৰুতা বাজ কৰি মূৰ তল।
বহিব লেপেটা কাঢ়ি ভূমি আসনত,
বিশেষত শাহু যদি থাকে ওচৰত।
শহুৰ জেঠাল দেখি সোমাব চুকত;
সেৱিব ফটুৱাই ফটা স্বামী চৰণত।
কৰিবি ই মহানীতি সকলোকে দান,—
স্বামী হলে গৰু চোৰো বিষ্ণুৰ সমান।
নাচাবি তিৰীৰ মুখ বেলি পোহৰত,
নাপাতিবি কোনো কথা পৰৰ আগত।
আনৰ উন্নতি হকে কথাকো নকবি;
নতু মান হেৰুৱাই জহান্নামে যাবি।
শিৰফুটা হৈ কিয় কাম ক'ৰ খাবি?
থাকোঁতে গৃহিণী কিয় আহাৰ গোটাবি?
লাগিলে কৰিবি ধাৰ ধনীৰ কাষত;
সাধিলে সোমাবি ফটা কথাৰ জাপত।
কোনোবাই মাৰে যদি চৰভুকু গঁতা;
সহিলে সম্পদ পাই সুৰ্বিবি কথা।
হিংসা-দ্বেষ খৰিয়াল উন্নতিৰ চিন,
নহলে পেলাব তল ভাবি লোকে হীন।

সততে থাকিবি ভাই হই গাই-গোট ;
নহলে টুকাব নাম যেন পানী ফোঁট।
ৰঙা চুৰিয়াতে মাত্র আছে ধৰ্ম্ম ৰ'ই ;
গোঁসাইৰ শোধালে কৰ যাবি স্বৰ্গ লই।
হবৰ উন্নত জাতি যদি আছে মন ;
শুন এই উপদেশ হই এক মন।

---

## শাস্ত্ৰৰ টোকা।

### ( ক )

১। সতী।

সতীৰ ভূষণ—অহল্যা, দ্ৰৌপদী,
কুন্তী, মন্দোদৰী, তাৰা ;
শাস্তিৰ ধৰম কৰিলে প্ৰচাৰ,
পাই একাধিক দৰা।

---

২। পত্নী নিৰ্ব্বাচন।

ভ্ৰাতৃবধু হ'ল ব্যাসৰ গৃহিণী,
ভালুকী কৃষ্ণৰ প্ৰিয়া ;
হিড়িম্বা ৰাক্ষসী ভীমৰ সঙ্গিনী,
নাগিনী পাৰ্থৰ জায়া।

---

৩। বামুণ।

বামুণ পৰাশৰ ডুমুনীৰ স্বোৱামী,
ব্যাস ডুমুনীৰ লৰা;
বেশ্যাৰ নন্দন জাবলী বামুণ,
গায়ত্ৰী মুখস্থ কৰা।
শূদ্ৰৰ সন্তান লোমহৰ্ষই
পালে ব্ৰাহ্মণৰ মান;
"দাস্যাঃ পুত্ৰঃ" নিষাদ কৱষে
লেখিলে বেদৰ গান।

( খ )

১। দণ্ডবিধি।

শূদ্ৰৰ সৌভাগ্য দয়ালু বামুণে
মাৰিলে বুকত লাথি;
শূদিৰে বামুণক মাৰিম বুলিলে
ভৰি হাত পেলাব কাটি।

২। বিবাহ বিধি।

আশী বছৰীয়া বৰলাই কৰিব
গৌৰীৰে নতুন ঘৰ;
স্বামী নৌ দেখোঁতেই কন্যা হলে বাঁৰী
নোৱাৰে লভিব বৰ।

৩। ডাঙৰ হোৱাৰ লাভ।

বাপুৰ গালত চুৱা লাগিল এছাৰ মাৰিয়েই শুচি ;
লগুৱাৰ ভৰিত পোতনি পৰিল পৰাচিত কৰিহে "খুচী"।

——

## ভেক-স্তোত্ৰ

(ঋগ্বেদৰ দশম মণ্ডলৰ এটা স্তোত্ৰৰ ভাব লৈ লিখা)।

ঢাকি সুবিশাল হ্ৰদ, তুলি উচ্চ ৰৱ,
গায় স্তোত্ৰ ভেকদল, কৰি আকিঞ্চন
বাৰিষাৰ শুভ-আগমন। কোনো কৃষ্ণ
কোনো গৌৰ কোনো বা লোহিত, পৰিধান
উত্তৰীয়, মুণ্ডিত মস্তক। প্ৰথমতে,
এজনে আৰম্ভ কৰে, ধৰে পিচে আনে,
যথাক্ৰম, অধ্বৰ্য্যুৰ হোতৃৰ পাচত ;
উঠে সুৰ আৱৰি আকাশ, গান্ধাৰত
ঋষভত, ধৈৱত সুৰত দ্ৰবীভূত
মেঘবৃন্দ হয় উত্তাপত। জানে কোন
পূজাৰীয়ে ইহেন সঙ্গীত, বিনা ভেক
শিৰোমণি পূজাৰীকুলৰ? কাৰ সাধ্য
কৰে আৰু বাঞ্ছিত পূৰণ, নমোৱাই

বাৰিৰাশি মন্ত্ৰৰ বলেৰে। বৰ্ষাকাল
এক মাত্ৰ ভেকৰ কৰুণা। বিনা ভেক
পুৰোহিত, জলাভাবে গজিলহেঁতেন
হাৰতো দুৰ্বৰি বন জগত বাসীৰ।
এতেকে হে বিশ্ব-বাসী, নহবা কৃতঘ্ন,
শক্তি চাই দিয়া আনি ভেকৰ দক্ষিণা,—
ৰজা কপ, চিকা কপ পান-তামোলেৰে;
যাৰ কৰুণাত, জীৱন-ৰক্ষক বৰ্ষা
ঋতুৰ উদয়। কৰা স্তুতি যথাৱৎ,
পৰি চৰণত;—"হেৰা পুৰোহিত দেউ,
বামুণ ভোকোলা, দিয়া গাই বেদমন্ত্ৰ,
আমাসাক দান,—ধন-ধান্য, পুত্ৰ-কন্যা,
সুদীৰ্ঘ জীৱন। দিম আমি যথাশক্তি
যজ্ঞৰ দক্ষিণা, মধুপৰ্ক সুমিশ্ৰিত
জলপানে সতে; চৰণৰ দাস হ'ই
ৰ'ম চিৰকাল।

---

# খিচুৰি ।*

প্ৰাগ্‌জ্যোতিষৰ আগৰ কালৰ,
জ্যোতিষ পঢ়ি লাগিল ভাগৰ
মনটো থৈ কানিৰ নলটোত থাকিল কঁপি কঁপি ;
ব্ৰহ্মপুত্ৰৰ পাৰত বহি মালাগুটি জপি ।
দেখি ভাৰতীয়ে ভাৰত এৰি
হাঁহৰ পিঠিত গ'ল গৈ উৰি,
সাগৰৰ মাজত খোঁপনি ল'লে অনাই-বনাই ফুৰি ;
ৰিহা-মেখেলা দলিয়াই পেন্টাই পিন্ধিলে চোলাযুৰী ।
বিলাতে পালে নতুন Muse,
ভাৰতবৰ্ষৰ শুনিলে News,
লোভত লালটি মুখৰ পৰা টপৰ টপৰ সৰিল ;
অলপ দিনতে বাণী পুত্ৰেৰে গোটেই দেশখন ভৰিল ।
ভাৰত আহি কেতিয়া পাব,
কোন বাটেৰে কিহেৰে যাব
শুনি-গাঁথি কুমাৰী বাণীৰে কথা-বতৰা হৈ ,
কোম্পানী আহিল সোতৰ শতিকাত তুলাচনীখন লৈ ।
ভৰত পিঠি কৰি কুঁজা
আহিল লগত মালৰ বোজা,

---

* "১৯১৪ চনৰ দীঘ বন্ধৰ আগত পতা কটন হিন্দু হোষ্টেলৰ ছাত্ৰ সকলৰ বিদায় সন্মিলনত পঢ়া" ।

লগত আছিল 'বনেট' পিন্ধি reformed বাগীশ্বৰী ;
বিদ্যা গছৰ পকা-কেঁচা ফল পাচিত ভৰি।
ইফালে-সিফালে সুবিধা চাই,
বিচাৰি ললে সুচল ঠাই,
আস্তে-সুস্থে মেলিলে পোহাৰ প্ৰাগ্‌জ্যোতিষৰ বুকত ;
ততালিকে গ্ৰাহক আহি ভৰিল চাৰিও চুকত।
কোনোৱে কিনিলে এণ্টেন্স-কল,
কোনোৱে ইণ্টাৰ-নাৰিকল,
কোনোৱে বি, এ,—"পাইন্‌-এপ্‌ল্‌" ৰসেৰে ভৰপূৰ ;
মহঙা দামত কিনিব নোৱাৰি কোনোৱে হ'ল দূৰ।
বছৰৰ মূৰত লাগিব চাৰ,
লাভ লোকচান কোনে কি পাব ;
সেইহে আজি খুজিছে যাব বিচাৰি আপোন ঠাই ;
ভাগিব হাট কিছু দিনলৈ যদিও অন্ত নাই।
বছৰৰ অন্তত পৰিব এৰা,
ঘৰলৈ ফিৰিব ঘৰৰ লৰা ;
সেইহে আজি দুখে-সুখে mechanical mixture ,
কিন্তু চোৱা মেজৰ বুকত what a glorious picture
চাহ-পিঠা খৈছে ভুলি,
তাৰেই ভালকৈ ভৰাম বুলি,
চালৰ মোনাটো বুকৰ তলত ৰঙতে আছে নাচি,
সেই কাৰণে বিষাদ খেদাই লোৱা হৰিষ বাছি।
কিয়নো তেওঁক আটায়ে জানে,
আটায়ে তেওঁৰ প্ৰভুত্ব মানে,

তেওঁৰে আল ধৰোঁ বুলিয়েই চোৰেও কৰে চুৰ,
মহাদেৱেও ঘোঁটা পাই তেওঁকে কৰে জুৰ।
তেওঁৰে তাপত এৰে মান,
লাজ কাজলৈ নকৰে কাণ,
কিয়নো তেওঁ চাউল সিজোৱা যদিও ছুসাজ ধৰে;
তথাপি গা তেওঁৰ উৎপাতত পুৱাতে বাইজাই কৰে।
আবেলি হলে ককাল সক,
উপায় নাপাই বেচা গৈ গৰু,
নহলে হেকটি হামি মাৰি পানী-গামোছা বান্ধি,
কৰা পাটীৰে দ্বন্দ্ব সমাস নাইবা স্বৰসন্ধি।
পেটটো লগত থাকোতে এনে,
অসন্তোষ প্ৰকাশ কৰিব কোনে?
যেতিয়া আছি চকুৰ আগত মিঠৈ লাড়ুৰে হাঁহে;
লগতে যদি ধৰে উজান কলিব অমৃত চাহে।
কিন্তু কথা ৰাখিবা মনত,
মাত্ৰা বাঢ়িলে বিপদ মহৎ,
ঘিউ খাওঁতে অগ্নি দেৱৰো dyspepsia হ'ল;
"অপৰস্য কা কথা" কথাটো ক'বলৈ ৰ'ল।
"ভাস্কৰ লৱন", "পানীয় ভক্ত"
'নাগাৰ্জ্জুন" ভীষণ শক্ত,
টৈমাই টৈমাই অন্ত কৰিলে; নগ'ল ৰোগৰ লেশ;
কামি হাৰ কেই ডাল ওলাই পৰিল; হাৰ ছাল মাত্ৰ শেষ।
শেহত ব্ৰহ্মাই visit ল'ই,
Patent medicine দিলে ক'ই,

তেহে যেনিবা "কৃষ্ণাৰ্জ্জুন পিলত" এই যাত্ৰাতৈ ভৰিল ;
ফলত যদিও দুৰ্য্যোধনটো ঠেংটো ভাগি মৰিল।
আকৌ তাহানি বামৰ ঘৰত
দুই হাতেৰে বহাই খকত,
দুৰ্ব্বাসা বাপুৰ পেট উখহি ভীম-দ'ল যেন হ'ল ;
আলহী সোধাৰ ফলত লক্ষণ মৰিবলৈ ওলাই গ'ল।
বকায়ে ৰাখি পেটৰ মান,
ভীমৰ ঠৈকেচাত এৰিলে প্ৰাণ
আগ-ভাগ খাই গণেশৰ পেট দাঙিব নোৱৰা হ'ল ;
ঘোৰাত উঠিব নোৱাৰি শেহত ইন্দুৰৰ ওপৰত ৰ'ল।
এতেকে চলিবা চাই বুজি,
নিদিবা পেটক গুজি গুজি,
কিয়নো তেওঁক যিমান পাৰা যদিও দিয়া জাপি ;
তথাপি মাথোন দে আৰু দে, সকলো ছাই মাটি।
এতেকে তেওঁক বুজি ভৰাই,
হৰিধ্বনিৰে ব'লা ওলাই,
কিয়নো নতুন ঢপে আজি উটাব যেনি তেনি ;
নাই ঠিক কোন যাব কলৈ কোন উঠিব কেনি।
কিন্তু আছে নেদেখা গোঁসাই,
ওপৰৰ পৰা আমাকে চাই,
তুলিব তেৱেঁই সকলোটিকে ভয়ৰ সকাম নাই ;
ৰাখিব সদাই নিৰাপদে যদিও কিবাই পায়।
নতুন বছৰৰ নতুন কালত,
নতুন মিলন জাগিব প্ৰাণত,

সময়মতে এই হাটতে লাগিম আকৌ লগ;
ভ্ৰাতৃভাৱৰ দিওঁ মাখোন এতিয়া এটি ওলগ ।

---

# অন্ত ।

